# ঊষা-হৰণ।



ৰচক ঃ—কবি বৃষকেতু।

[ ২য় তাঙৰণ ]

১৯৪৬ চন।

বেচ ॥৶০ আনা।

শ্ৰীকৃষ্ণায় নমো নমঃ।

# ঊষা-হৰণ।

—•ঃ✻ঃ•—

নাৰদৰ দ্বাৰকা প্ৰবেশ।

পদ।

অনিৰুদ্ধ নামে কামদেৱৰ কুমাৰ।
সুন্দৰ পুৰুষ ৰতি গৰ্ব্ভে অৱতাৰ॥
বাণৰ নন্দিনী ঊষা প্ৰথম যৌৱনী।
চতুৰ চাতুৰী জিনি অতি বিচক্ষণী॥১
পত্নী সঙ্গে আনন্দ কৰিয়া নানা কেলি।
দ্বাৰকাত বাসা কৰি আছে মহাবলী॥
এক দিনা নাৰদ কৌতুকে অনন্তৰে।
প্ৰবেশ কৰিলা গৈয়া দ্বাৰকা নগৰে॥২
পৰম সুন্দৰ সিটো দ্বাৰকা নগৰী।
তাহাৰ গুণক কিবা কহিবাক পাৰি॥

অম্ৰাৱতী পুৰী যাৰ নহে সমসৰি।
তাহাত নৃপতি জানা আপুনি শ্ৰীহৰি ॥৩
নৰ নাৰীগণক দেখন্তে জ্যাতিষ্কাৰ।
সবাৰ শৰীৰে শোভে ৰত্ন অলঙ্কাৰ ॥
দুখিত দৰিদ্ৰ নাহি পাষণ্ড অজ্ঞান।
দৌল মণ্ডপ মঠ আছে থানে থান ॥৪
ৰিপুগণ বাধিয়া প্ৰাচীৰ চাৰি পাশে।
সাগৰ মধ্যত পুৰী অধিক প্ৰকাশে ॥
এক মুখে কোন গুণ পাৰে বৰ্ণাইবাক।
চাৰি মুখে ব্ৰহ্মায়ো নপাৰে কহিবাক ॥৫
হেন দ্বাৰকাত আসি নাৰদ মিলিলা।
অনিৰুদ্ধ আবাসত প্ৰবেশ কৰিলা ॥
আসনৰ উঠি কামসুত তেতিক্ষণে।
উষা সমে প্ৰণামিলা মুনিৰ চৰণে ॥৬
পাদ্য-অৰ্ঘ্য দিয়া দিলা বসিতে আসন।
আশীৰ্ব্বাদ কৰি মুনি বসে তেতিক্ষণ ॥
তাত পাছে হাত যোড়ে অনিৰুদ্ধ বাৰ।
মুনিৰ আগত নিবেদিলা হৈয়া স্থিৰ ॥৭
পবিত্ৰ হৈলন্ত আজি মোৰ বাসা ঘৰ।
মোত কোন প্ৰয়োজন আইলা মুনিবৰ ॥

নাৰদ বদতি শুনা কামৰ নন্দন।
দেখিতে আসিলো আজি হৈয়া ৰঙ্গ মন ॥৮
দেখিয়া তোমাক ভৈগো প্ৰসন্ন বদন।
উষা সমে ৰঙ্গে ঢঙ্গে থাকা সৰ্ব্বক্ষণ ॥
আশীৰ্ব্বাদ কৰো জানা বাণৰ নন্দিনী।
কল্যাণে থাকাহা হৈয়া স্বামী সুভাগিনী ।৯
স্বামীৰ বল্লভা হুয়া থাকা সৰ্ব্বক্ষণ।
এহি বুলি বৰ দিলা ব্ৰহ্মাৰ নন্দন ॥
আশ্বাসিয়া গৈলা মুনি গোবিন্দৰ পাশ।
মুনিক দেখিয়া দেৱ জগত নিবাস ॥১০
উঠিয়া আসন দিয়া পূজিলা বিধানে।
পাদ্য-অৰ্ঘ্য আচমনী মধুপৰ্ক দানে ॥
পাছে পুছিলন্ত শুনিয়োক মুনিবৰ।
সম্প্ৰতি আসিলা তুমি কাৰণ কিসৰ ॥১১
সুৰপুৰি মাজে এবে কোন সমাচাৰ।
কহিয়োক মুনিৰাজ আগত আমাৰ ॥
নাৰদে বোলন্ত শুনিয়োক নাৰায়ণ।
সুৰপুৰে কুশলে আছন্ত দেৱগণ ॥১২
নাহি একো উপদ্ৰৱ থাকে মন ৰঙ্গে।
দেৱৰাজ কুশলে আছন্ত শচী সঙ্গে ॥

আনো যত সমাজ্যাৰ সকলে কুশল।
তোমাক দেখিতে মোৰ মহা কৌতুহল॥১৩
সি কাৰণে আসিলোহোঁ দ্বাৰকা নগৰী।
দেখিয়া সন্তোষ বড় লভিলো শ্ৰীহৰি॥
তোমাত অধিক প্ৰিয় নাহি ত্ৰিভুবনে।
এতেকে সন্তোষ ভৈলো দেখিয়া নয়নে॥১৪
এবে এক চিত্ত কথা শুনা নাৰায়ণ।
কৌতুকতে গৈলো অনিৰুদ্ধৰ ভবন॥
তথাতে দেখিলো ঊষা বাণৰ কুমাৰী।
তাহাৰ ৰূপৰ সীমা কহিতে নপাৰি॥১৫
পূৰ্ব্বত দেখিলো তাঙ্ক পিতৃৰ ভবনে।
ততোধিক শত গুণ দেখিলো এক্ষণে॥
ভালেতো নেড়িলে পূৰ্ব্বে দেখিয়া কুমাৰে।
ব্যাকুল ভৈলন্ত দেখি মদন দুৰ্ব্বাৰে॥১৬
মহা মহা মুনিৰো ভুলিতে পাৰে মন।
আনৰ কি কথা কহিবোহোঁ নাৰায়ণ॥
যুবা জন মোহ হয় দেখিলে শ্ৰীপতি।
ধৰণী মণ্ডলে হেন নাহি ৰূপৱতী॥১৭
ঊষাৰ বদন পূৰ্ণ চন্দ্ৰক জিনয়।
ঊষা সম কোন হেনজনী দয়াময়॥

দিবসে মোহিত ভানু নিশিত কমল।
বদন সম্মুখে পাছে হয় হীন বল ॥১৮
লোচন যুগল নীল উৎপল সমান।
হৰিণীৰ চক্ষু তাত পায় অপমান ॥
ভ্ৰুবযুগ মনোহৰ কামদেৱ ধনু।
কাজলৰ গুণ দিয়া থাপিলেক তনু ॥১৯
স্বৰূপে কটাক্ষ তাৰ তীক্ষ্ণতৰ বাণ।
যিটো বাণ ফুটিলে যুবাৰ হৰে প্ৰাণ ॥
কপালত দিয়া চন্দ্ৰ তিলকে মণ্ডিতা।
শ্ৰৱণৰ ৰূপ দেখি গৃধিনী লজ্জিতা ॥২০
সুন্দৰ কুণ্ডল দুই জ্বলে গণ্ডস্থল।
মুখ-পদ্ম দেখি যেন চন্দ্ৰৰ মণ্ডল ॥
চামৰক নিন্দি তাৰ শোভে কেশচয়।
সুবেশে বান্ধিলা খোপা মালতী শোভয় ॥২১
খোপাৰ উপৰে দিলা মাণিকৰ জালি।
মেঘৰ মাজত যেন উদয় বিজুলী ॥
মুখ-চন্দ্ৰ শোভা পায় নানা মণিময়।
শিখাৰ সিন্দূৰ যেন বিদ্যুৎ উদয় ॥২২
অধৰৰ শোভা যেন বিম্বফল জিনি।
কল্পনা কৰিয়া বিধি স্ৰজিলা আপুনি ॥

দশনৰ পাণ্তি শোভে আতি মনোহৰ।
সিন্দূৰে মণ্ডিত মুক্তা মালা পতন্তৰ॥২৩
ঊষৰ নাসাৰ তুল্য তিল ফুল নোহে।
নাসিকাৰ দুই ৰন্ধ্রে মৃদু বায়ু বহে॥
ৰাজহংস জিনি গ্রীবা দেখিতে সুঠাম।
মুকুতাৰ হাৰ শোভে তাহে অনুপম॥২৪
কনক মৃণাল জিনি ভুজযুগ তাত।
অঙ্গত বলয় শোভা কৰয় হাতত॥
চম্পাৰ পাকড়ি জিনি আঙ্গুলিৰ শোভা।
আঙ্গঠি পিন্ধিলা তাত আতি মনোলোভা॥২৫
উচ্চ কুচ যুগলে শোভিছে বক্ষস্থল।
কামৰ বিজয় ঘণ্টা মোহিত সকল॥
মৃগ মদ চন্দন কুঙ্কুমে প্রলেপন।
অমূল্য বসন তাত ভৈলা আৱৰণ॥২৬
নানাবিধ মণিমালা কণ্ঠে বিভূষিত।
মুকুতাৰ হাৰ তাত জ্যোতিয়ে বঞ্জিত॥
দুই কুচ মাজে দোলে মুকুতাৰ হাৰ।
কনক হৃদয়ে যেন শোভে নদী ধাৰ॥২৭
শৰীৰ সুন্দৰ যাৰ বিদ্যুত আকাৰ।
তপত সুবৰ্ণ কান্তি হিয়া জ্বলে তাৰ॥

মধ্য দেহা জিনিলেক হৰৰ ডম্বৰু।
মুঠি পাই কঙ্কাল দেখিতে অতি সৰু ॥২৮
গজ কুম্ভ জিনিয়া নিতম্ব গুৰুতৰ।
ৰাম ৰম্ভা জিনি উৰু অতি মনোহৰ ॥
উপাৰে দুখানি জঙ্ঘা অতি সুবলিত।
পদ দুই মনোহৰ দেখিতে শোভিত ॥২৯
লাবণ্যগামিনী মত্ত মত্ত গজ জিনি।
ৰাজহংস গতি চলে দানৱ নন্দিনী ॥
স্বভাৱতে কোকিলৰ জিনিলা বচনে।
লাজে কৃষ্ণবৰ্ণ হুই লুকাইল গহনে ॥৩০
চলিতে নপাৰে কন্যা পয়োধৰ ভৰে।
সুখিৰে চলান্ত ভৰি পড়িবাৰ ডৰে ॥
কিবা শচী অথবা স্বৰূপে অৰুন্ধতী।
হৰৰ ঘৰিণী কিবা তিলোত্তমা ৰতি ॥৩১
হেন ৰূপ ৰমণী ভুবনে নাহি দেখি।
চিত্ৰৰ পুত্তলি যেন থাকয় নিৰেক্ষি ॥
নবীন পুত্তলি সম দেহ সুকোমল।
কটাক্ষতে ত্ৰিভুবন মুহিবে সকল ॥৩২॥
অভিনব সুন্দৰী যুবতী বৰ বালা।
ভুবন মোহিনী ৰূপ জিনি চন্দ্ৰকলা ॥

কাম ক্রোধ লোভ মোহ নাহিকে আমাৰ।
উষাকে দেখিলে মন সহিবেক কাৰ।৩৩
আনো কিবা কথা তান দেখি একো অঙ্গ।
তপস্বী জনৰো কিবা হৈবে তপ ভঙ্গ॥
ধন্য অনিৰুদ্ধ বীৰ কামৰ কুমাৰ।
এহেন ৰূপসী পত্নী সঙ্গে আছে যাৰ॥৩৪
ৰবিব উদয়ে সৰোজিনীৰ মিলন।
দুয়ো দৃষ্টিত অতি প্রীতি প্রফুল্লিত মন॥
নাৰদে বোলন্ত প্রভো শুনা নাৰায়ণ।
ধৰণীত নাহি হেন নাৰী বিত্তোপন॥ ৩৫
বিধি ৰূপ সৃজিয়া উষাতে কৈলা সীমা।
ত্রিভুবনে নেদেখোহো উষাৰ উপমা।
আদ্যোপান্ত কহিলেক উষাৰ যে কথা।
তাত পাছে উপকথা কহিলন্ত তথা॥৩৬
অনুমতি লৈয়া ঋষি চলিলা গগনে।
তদন্তৰে যেন ভৈলা শুনা সৰ্ব্বজনে॥

অনিৰুদ্ধৰ ওচৰলৈ শ্ৰীকৃষ্ণৰ দূত প্ৰেৰণ।

## পদ।

মুনিৰ মুখত শুনি উষাৰ চৰিত্ৰ।
মদনে আকুল ভৈলা কানাইৰ চিত্ত ॥৩৭॥
গুণন্ত গোবিন্দ নাৰায়ণ কৃষ্ণ হৰি।
কোনমতে উপায়ে দেখো উষা যে সুন্দৰী ॥
ওষ্ঠ কণ্ঠ জিহ্বা তালু শুকাইলা অধৰ।
অন্ন পানী নুৰুচয় পায়া কাম শৰ ॥৩৮
উষা দৰশন পাইব কমন উপায়
দেখিলে ৰহয় প্ৰাণ নেদেখিলে নয় ॥
হেন মনে গুণিয়া উষাক কৈলা সাৰ।
হৃদয়ত সম্পজিলা মদন দুৰ্ব্বাৰ ॥৩৯
দূত এক আনিয়া বোলন্ত নাৰায়ণে।
এতিক্ষণে যোৱা মোৰ নাতিৰ ভবনে ॥
মোহোৰ আদেশে গৈয়া শীঘ্ৰে আনা তাক।
শীঘ্ৰে চলা নালাগে বিলম্ব কৰিবাক ॥৪০
হেন শুনি দূত চলি গৈলা তেতিক্ষণে।
কুমাৰৰ আবাসক পাইলা সেহিক্ষণে ॥

দ্বাৰীক বুলিলা গৈয়া কহা কুমাৰক।
কৃষ্ণৰ আদেশে লাগে তথাক যাইবাক ॥৪১
প্ৰিয়বাক্যে দ্বাৰী গৈয়া বুলিলা বচন।
বুলিলা কুমাৰে দূত আনা বিদ্যমান ॥
আনিলন্ত দ্বাৰী গৈয়া দূতক তেখন।
কুমাৰে দূতক হেন বুলিলা বচন ॥৪২॥
কহিয়োক দূত বা স্বৰূপ উত্তৰ।
কুশলে কি আছে পিতামহ দামোদৰ ॥
আন যত বন্ধু কিবা আছয় কুশলে।
কি কাৰণে আজ্ঞা মোক কৰিলা গোপালে ॥৪৩
কুমাৰৰ বাণী শুনি দূতে প্ৰণমিয়া।
হাতযোড়ে কহে দেৱ শুনা মন দিয়া ॥
গোবিন্দকে আদি কৰি আন বন্ধু যত।
কুশলে আছন্ত সবে জানা স্বৰূপত ॥৪৪
তোমাক আদেশ প্ৰভু কৰিলা অবশ্যে।
যাইবাক লাগয় দেৱহৰিৰ আদেশে ॥
এহি বুলি দূতে গৈয়া কহিলা বিশেষ।
শুনি কুমাৰৰ ভৈলা পৰম হৰিষ ॥৪৫
দ্বাৰীক ডাকিয়া বোলে কৰাহা সম্ভাৰ।
যাইবাক লাগয় আদেশত গোবিন্দৰ।

দূত দেখিলেক অনিৰুদ্ধৰ নিবাস।
সৰ্ব্বত্ৰ সুন্দৰ যেন দ্বিতীয় কৈলাস॥৪৬
সূৰ্য্যৰ কিৰণ যেন জ্বলে থানে থান।
পুৰন্দৰ পুৰী যেন অমৰাবতীস্থান॥
এহিমতে দূত ঘৰ দেখে থানে থানে
যাত্ৰাৰ সম্ভাৰ দ্বাৰা কৈলা বিদ্যমানে॥৪৭
গ্ৰহ নক্ষত্ৰাদি গণি দেখি শুভক্ষণ।
সুবৰ্ণৰ পূৰ্ণ ঘট কৰিলা স্থাপন॥
ফল ফুল সহকাৰে জলে পৰিপূৰ।
অগুৰু চন্দন গন্ধে সুগন্ধ প্ৰচুৰ॥৪৮
দধি দুৰ্ব্বাক্ষত দিলা যাত্ৰাৰ কাৰণে।
ঘৃতৰ প্ৰদীপ দিলা শাস্ত্ৰৰ বিধানে॥
যাত্ৰাৰ যতেক কাৰ্য্য কৈলা বিদ্যমান।
শঙ্খ ভেৰী ঢাক ঢোল বজায় বাজন॥৪৯
দ্বিজগণে বেদ পঢে ভাটে কৰে স্তুতি।
শুভক্ষণে যাত্ৰা কৰে গোবিন্দৰ নাতি॥
উৰুলি জোকাৰ দিলা বাণৰ কুমাৰী।
সুমঙ্গল উৰুলি দিলেক যত নাৰী॥৫০
দেৱক প্ৰণামি পাছে ঘট দিলা মাথে।
অনন্তৰে শঙ্খ ঘণ্টা পৰশিলা হাতে॥

নাসিকা পৱন চাহি বঢ়াইলেক পাৰ।
প্ৰত্যেক্ষে শুনিলা ফেঁঠি কাঢ়িলেক ৰাৰ ॥৫১
হাতৰ অমৃত ঘট খসিয়া পড়িল।
যুৱতী নাৰীৰ বক্ষে কুম্ভ খসি গৈল ॥
ঢোণ্ডা কাকগোট আসি ডালত যে পড়ি।
উড়ি গৈলা তিনিবাৰ কোৰা কোৰা কৰি ॥৫২
ভূমিকম্প উল্কাপাত নিৰ্ঘাত পতন।
দক্ষিণে শৃগাল দেখিলেক ততিক্ষণ ॥
হেন মত নানাবিধ অমঙ্গল দেখি।
তথাপিতো যান্ত কৃষ্ণ চৰণক লক্ষি ॥৫৩
একেক ৰাধাক বাৰ মনে নধৰিয়া।
মনে গৰ্ব্ব কৰি যান্ত কিছু নকহিয়া ॥
চলি যান্ত কুমাৰ কৰিসে হৰি পাশ।
কতক্ষণে পাইলা গৈয়া কৃষ্ণৰ আবাস ॥৫৪
দ্বাৰত প্ৰবেশ ভৈলা ৰথ পৰিহৰি।
ধীৰে ধীৰে চলি গৈলা কৃষ্ণৰ নগৰী ॥
শৰ চাপ অসি চৰ্ম্ম ৰথোপৰে থই।
কৃষ্ণৰ আগত উপস্থিত ভৈলা গই ॥৫৫
আছন্ত গোবিন্দ সিংহাসনত বসিয়া।
চাৰি ভিতে পাৰিষদ আছে উপাসিয়া ॥

অৱনত হুইয়া অনিৰুদ্ধ যে কুমাৰ।
কৃষ্ণৰ চৰণ যুগে কৰি নমস্কাৰ ॥৫৬
কৰযোড় কৰি পুছে ৰতিৰ তনয়।
মোক কিবা আদেশ কৰিবা কৃপাময় ॥
অনন্তৰে গোপীনাথ আলিঙ্গন কৰি।
আসনে বসিতে আজ্ঞা দিলেক সাদৰি ॥৫৭
মোৰ এক কাৰ্য্য বাপু লাগে কৰিবাক।
সি কাৰণে দূত দিয়া আনিলা তোমাক ॥
কুমাৰ বোলন্ত প্ৰভু শুনা নাৰায়ণ।
আজ্ঞা কৰিয়োক নাথ মোক এতিক্ষণ ॥৫৮
তোমাৰ প্ৰসাদে শঙ্কা নাহি ত্ৰিভুবনে।
কি কৰিতে পাৰে প্ৰভু দেবাসুৰগণে ॥
কিবা শচীপতি দেৱ কৰিলে অহিত।
এহিক্ষণে বান্ধি তাঙ্ক আনিবো নিশ্চিত ॥৫৯
কিবা ধৰ্ম্মৰাজ নপালিলেক বচন।
দূকে সমে বান্ধি আনো কৰিয়া যতন ॥
পাতাল পুৰৰ কিবা অধিপতিগণে।
তোমাৰ আদেশ কিবা নমানয় মনে ॥৬০
আদেশ কৰিয়ো আজ্ঞি মোহোক এক্ষণে।
অনন্তক বান্ধি আনো গৈয়া এতিক্ষণে ॥

২—

সুৰ নৰ কিন্নৰ গন্ধৰ্ব্ব বা অপ্সৰ।
তোমাৰ সৃষ্টিত আছে যত চৰাচৰ ॥৬১
তুমি ব্ৰহ্মা তুমি বিষ্ণু তুমি ত্ৰিলোচন।
তুমি বিনে ত্ৰিভুবনে শ্ৰেষ্ঠ আছে কোন।
নজানি তোমাৰ যিবা নুশুনে বচন।
আদেশিয়ো আজি তাৰ মিলাও মৰণ ॥৬২
কোনবা বৰ্ব্বৰে যদি কৈলা অপকাৰ।
তিনি ভুবনে তাৰ ৰক্ষা নাহি আৰ ॥
এহি বুলি কুমাৰ যে আছয় বসিয়া।
উত্তৰিলা মাধৱেও হাসিয়া হাসিয়া ॥৬৩
উষা হৰণৰ পদ শুনা সভাসদ।
কৃষ্ণৰ চৰিত্ৰ জানা পৰম সম্পদ ॥
কায়মনোবাক্য চিন্তি হৰিৰ চৰণ।
কহে বৃষকেতু ৰাম বোলা সৰ্ব্বক্ষণ ॥৬৪

—০:○:০—

## অনিৰুদ্ধৰ মৃগয়া গমন।

### দুলড়ী।

মাধৱ বদতি　　শুনা প্ৰাণ নাতি
　　কৈত আছে ত্ৰিভুবনে।
মোহোৰ অহিত　　কৰিয়া নিশ্চিত
　　ৰাখিবে নিজ জীৱনে॥
এতেক জানিবা　　আমাৰ আদেশ
　　নাভাঙ্গিবা ত্ৰিভুবন।
সুৰ নৰ পুৰ　　নলাগে যাইবাক
　　জানিবা কাম নন্দন॥৬৫
শুন কাম সুত　　বচন প্ৰস্তুত
　　মাংস খাইতে মোৰ আশ।
অৰণ্যে চলাহা　　মৃগক মাৰাহা
　　মোৰ পূৰা অভিলাষ॥
ধনুৰ্ব্বাণ ধৰি　　চলা শীঘ্ৰ কৰি
　　মাৰা গৈয়া মৃগগণ।
অৰণ্য পশুৰ　　মাংসক আনিয়া
　　পুৰায়োক মোৰ মন॥৬৬

কৰিয়ো যতন মাৰা পশুগণ
যদি দয়া আছে মোক।
শুনা বীৰবৰ বিলম্ব নকৰ
শীঘ্ৰ বেগে চলিয়োক॥
আদেশ হৰিৰ অনিৰুদ্ধ বীৰ
শুনিয়া বোলে বচন।
ধনুৰ্ব্বাণচয় সমস্ত আছয়
শূল শক্তি অস্ত্ৰগণ॥৬৭
কবচ সবাৰ আছয় আমাৰ
বায়ু সম বড় বাজী।
ইসব সম্ভাৰ আনিয়া আমাৰ
মাৰো পশুগণ আজি॥
শুনি নাৰায়ণ বুলিলা বচন
শুনিয়োক কাম সুত।
ধনুৰ্ব্বাণচয় অস্ত্ৰ যত হয়
লৈয়োক মোৰ প্ৰস্তুত॥৬৮
বাছি বাছি শৰ লৈয়োক সত্বৰ
কবচ কুণ্ডল হাৰ।
চলাহা গহনে মাৰা পশুগণে
নযাইবাহা ঘৰে আৰ॥

যাহাৰ প্ৰহাৰে বিপু প্ৰাণ হৰে
মহা মহা বীৰগণ।
হেন ধনু শৰ লৈয়োক আমাৰ
চলিয়ো গহন বন ॥৬৯
মাৰি পশুগণ আনা এতিক্ষণ
কামৰ প্ৰিয় নন্দন।
মোৰ প্ৰিয়তৰ কৰিয়ো সত্বৰ
সন্তোষি আমাৰ মন ॥
আনি তেতিক্ষণে দিলা ধনুৰ্ব্বাণ
বাছি কুমাৰৰ হাতে।
লৈয়া ধনু শৰ মদন কুমাৰ
হৰিক নমিলা মাথে ॥৭০
দিব্য কবচক গাৱত পড়িলা
অতি হৰষিত মনে।
হৰিক নমিয়া তুৰঙ্গে চড়িয়া
সাজ ভৈলা তেতিক্ষণে ॥
উচ্চৈশ্ৰবা সম ঘোৰা অনুপম
বায়ু বেগে চলি গৈলা।
বনত পশিয়া হাতে ধনু লৈয়া
মৃগ মাৰিবাক লৈলা ॥৭১

ম্লগ মাৰি ভাত আছয় কুমাৰ
পশিয়া ঘোৰ কাননে।
এবে নাৰায়ণে কি কাৰ্য্য কৰিলা
তাক শুনা সৰ্ব্বজনে॥
আত্মা ৰাম হৰি জীৱ অধিকাৰ
জগত ৰাম সৰ্ব্বথা।
জগত সহিতে তাৰ ভিন্ন ভাব
নোহে জানা সাৰ কথা॥৭২
জগত আধাৰ পৰ-ব্ৰহ্ম সাৰ
কৃষ্ণ ৰূপে অৱতৰী।
নানা লীলা ৰঙ্গ অনঙ্গ কেলিক
কৰিলা আনন্দ কৰি॥
কৃষ্ণ লীলা যশ শ্ৰৱণে সন্তোষ
কলিৰ কল্মষ হৰে।
কহে বৃষকেতু মুকুতিৰ হেতু
ৰাম বোলা নিৰন্তৰে॥৭৩

——o:*:o——

অনিৰুদ্ধৰ বেশ ধৰি শ্ৰীকৃষ্ণৰ উষা হৰণ।

## পদ।

ছল কৰি কুমাৰক পঠাইলা কাননে।
উষাক ছলিতে মায়া কৰে নাৰায়ণে॥
সকল মায়াৰ মূল আপুনি শ্ৰীহৰি।
উষা পাশে গৈলা অনিৰুদ্ধ বেশ ধৰি॥৭৪
ৰমণী মোহনৰূপ যেহেন কুমাৰ।
অভ্যন্তৰে গৈলা নবাধিলে কোনে দ্বাৰ॥
মায়া অনিৰুদ্ধ হইয়া ভৈলেক প্ৰবেশ।
পালঙ্গে উষাক দেখিলন্ত হৃষীকেশ॥৭৫
সুবৰ্ণ আসনে বসি আছে উষা বামা।
নক্ষত্ৰৰ মাঝে যেন উদিত চন্দ্ৰমা॥
ৰূপ গুণ কথা যত মুনিয়ে কহিলা।
মিছা নোহে সেই সব প্ৰত্যক্ষে দেখিলা॥৭৬
উষাৰ দেখিয়া ৰূপ দেৱ দামোদৰ।
মদনৰ শৰে অতি ভৈলন্ত জৰ্জ্জৰ॥
কতো সখীগণে আগে মৃদঙ্গ বজায়।
কেহো গীত গায় কেহো ভঙ্গিয়ে নাচয়॥৭৭

মিঠা পান মিঠা গুৱা কেহো বা যোগায়।
আৰু কেহো কেহো জনে চামৰ দোলায়॥
হেন মতে আছে ঊষা সখী সব সঙ্গে।
সম্মুখে গৈলন্ত কৃষ্ণ অতি মনোৰঙ্গে॥৭৮
গুণন্ত যে মনে মনে ভয় পৰিহৰি।
ঊষাৰ পাশক গৈলা অধোমুখ কৰি॥
বিবুদ্ধি বিমন মায়া অনিৰুদ্ধ বীৰ।
হৰিৰ মায়াত কোন জন হইবে স্থিৰ॥৭৯
মৌন হইয়া ৰহিলা ঊষাৰ পাশক গৈয়া।
চমকিত ভৈলা ৰামা স্বামীক দেখিয়া॥
উঠিয়া পালঙ্গ এড়ি ত্ৰৈলোক্য সুন্দৰী।
আগ বাঢ়ি আনিলেক স্বামীক সাদৰি॥৮০
নিজ স্বামী বুলি সতী জানি মনে মনে।
কৰ যোড়ে প্ৰণমিলা হৰিৰ চৰণে॥
চৰণে ধৰিয়া বোলে বিনয় বচনে।
কোৱা প্ৰভো অসন্তোষ মন কি কাৰণে॥৮১
কিবা মোৰ দোষ প্ৰভো দেখিলা আপুনি।
কিবা কোনে বুলিলেক কষ্টকৰ বাণী॥
শ্বশুৰ শাশুড়ী কিবা নিদিলে তোমাক।
কিবা বুলি অনাদৰ কৈলা তাসম্বাক॥৮২

কি কাৰণে প্ৰভো তব অসুখী হৃদয়।
কহিয়োক প্ৰাণনাথ গুচোক সংশয়॥
কতক্ষণ স্তব্ধ হই থাকি নাৰায়ণ।
পাছে ধীৰে ধীৰে কিছু বুলিলা বচন॥৮৩
হায় প্ৰাণেশ্বৰী মোত পুছা কি কাৰণ।
মোক দূত দিয়া নিলা দেৱ নাৰায়ণ॥
ডাকিয়া বুলিলা কৃষ্ণ হুয়া অতি ক্ৰুদ্ধ।
মোহোৰ বচন শুনিয়োক অনিৰুদ্ধ॥৮৪
তঞি কুলাঙ্গাৰ মোৰ বংশে উপজিয়া।
দানৱ কুলৰ কন্যা কৰিলিহি বিয়া॥
কলঙ্ক ঘোষিলা তোৰ ইতিনি জগত।
তোহোৰ কাৰণে মোৰ কলঙ্ক কুলত॥৮৫
এহি বুলি নাৰায়ণ নিন্দিয়া আমাক।
বোলে আৰ নালাগয় নগৰে যাইবাক॥
পিতামহ বুলিলেক এতেক বচন।
শুনিয়া দগধ মোৰ কৰয় পৰাণ॥৮৬
ধিক মোৰ জীৱন যৌবন ধৰণীত।
জীৱনত কৰিয়া মৰণে মোৰ হিত॥
হা হা প্ৰিয়া তোক দেখি বাঢ়য় বেদনা।
এহেন ভাৰ্য্যাক পৰিহৰে কোন জনা॥৮৭

আজি হন্তে আশা ছেদ ভৈগন্ত আমাৰ।
পূৰ্ব্বজন্ম কৰ্ম্মফলে বিচ্ছেদ তোমাৰ॥
হা হা বিধি কতনো কৰিলো ঘোৰ পাপ।
সিকাৰণে পাও এবে দাৰুণ সন্তাপ॥৮৮
বনবাসে যাইবো প্ৰিয়া হৰিৰ আদেশে।
অনুমতি দিয়া থাকা আপোন আবাসে॥
মায়া ধৰি ছল কৰে দেৱ নাৰায়ণ।
ঊষাৰ হৃদয় ছলি বোলন্ত বচন॥৮৯
হৰিৰ মায়াতে কোন জন হইবে স্থিৰ।
শুনিয়া ঊষাৰ বুক যেন ভৈলা ছিড়॥
নয়ন কোমল ধাৰে লোতক বহয়।
ৰাহু ভয়ে চন্দ্ৰ যেন অমৃত সিঞ্চয়॥৯০
কান্দি কান্দি কন্যা ধৰি স্বামীৰ চৰণ।
গদ গদ কৰি কহে বিনয় বচন॥
শুনা শুনা প্ৰাণ-প্ৰভো শ্বশুৰ তনয়।
দেৱাদিৰ দেৱ নাৰায়ণ কৃপাময়॥৯১
তান বীৰ্য্যে উত্পতি শৰীৰ যাহাৰ।
ইতিনি ভুবন মোহে পঞ্চ বাণে যাৰ॥
তাহাৰ তনয় তুমি বীৰ চূড়ামণি।
তিলেকতে ত্ৰিভুবন জিনন্তা আপুনি॥৯২

তুমি মহা বলৱন্ত বীৰ মাঝে গণি।
মোহোক আনিলা প্ৰভো বাহু বলে জিনি॥
শাস্ত্ৰত কহয় আৰু পণ্ডিতে বখানে।
বিদ্যা কন্যা নীচ হন্তে আনিব যতনে॥৯৩
হীন জাতি কন্যাৰত্ন যতনে আনিব।
কিন্তু পুনঃ পিতৃ গৃহে পঠাই নিদিব॥
অতএব দোষ কিছু নাহিকে তোমাৰ।
আৰু বিশেষত শুনা বিচাৰ আমাৰ॥৯৪
বালিকা কালৰ পৰা পূজিলো পাৰ্ব্বতী।
তুষ্ট হইয়া স্বপ্নত তোমাক দিলা পতি॥
প্ৰাণৰ বল্লভা চিত্ৰলেখাৰ কাৰণ।
পাইলোহোঁ তোমাক পতি কৰিয়া যতন॥৯৫
মঞি বড় অভাগিনী কুল সংহাৰিণী।
মোহোৰ কাৰণে পিতৃ ৰাজ্য ভৈলা হানি॥
মোহোৰ কাৰণে নাশ ভৈলা দৈত্য কুল।
ইঠাৰতো নষ্ট বিধি ঘটাইলা আকুল॥৯৬
পূৰ্ব্ব জন্মে কিবা ঘোৰ পাপ আচৰিলো।
তেকাৰণে এবে দুই কুল হৰুৱাইলো॥
মোহোৰ কাৰণে প্ৰভু হইলা বনবাসী।
কিবা কুক্ষণত জন্মিলো সৰ্ব্বনাশী॥৯৭

এবে প্ৰভো এক কথা শুনা মোৰ মুখে।
মোহোৰ কাৰণে কেনে বনে যাইবা দুঃখে ॥
হৰিক তোষিয়া মন থাকিয়োক ঘৰে।
বিদায় দিয়োক প্ৰভু উষা অভাগিৰে ॥৯৮
এড়া অসন্তোষ মনে প্ৰভু সুকুমাৰ।
মোৰ প্ৰতি স্নেহ এবে কৰা পৰিহাৰ ॥
দিয়া অনুমতি মোক হেৰা প্ৰাণপতি।
অগনিত পড়ি প্ৰাণ ত্যজিবো সম্প্ৰতি ॥৯৯
হেন শুনি মায়া ৰূপ অনিৰুদ্ধ বোলে।
মধুৰ বচনে যুবতীক লৈয়া কোলে ॥
এড়া অসন্তোষ প্ৰিয়া দুঃখ ত্যজা মনে।
কিসক ত্যজিবো তোক হৰিৰ বচনে ॥১০০
তোহোক ত্যজিবে মোৰ নাহিকে শকতি।
তোহোৰ কাৰণে মোৰ যিবা হৌক গতি ॥
পিতৃ মাতৃ জ্ঞাতিবৰ্গ সবাক ত্যজিয়া।
ভিন্ন দেশে যাইবোহো তোমাক সঙ্গে লৈয়া ॥১০১
ইথানে থাকিলে মোক গোবিন্দে নিন্দিব।
নিশ্চয় তোমাক নিয়া অন্য দেশে যাইব ॥
কৰিলোহো পাপ মঞি অতি গুৰুতৰ।
মাৰিলোহো শত ভাই অকাৰ্য্যে তোমাৰ ॥১০২

গুৰুজন শ্বশুৰৰ বাক্যক লঙ্ঘিলো।
আনো জ্ঞাতিবৰ্গ তোৰ অনেক মাৰিলো॥
সি পাপৰ ফল আবে লাগে ভুঞ্জিবাক।
গৃহ বাস এৰি বন লাগে ভ্ৰমিবাক॥১০৩
হেন জানি এড়া প্ৰিয়া মনে অসন্তোষ।
তোমাক লইয়া চলি যাইবো ভিন্ন দেশ॥
উষা বোলে শুনা প্ৰভু বচন আমাৰ।
কিসক কৰিবা প্ৰভু গৃহ পৰিহাৰ॥১০৪
মঞি অভাগিনীক যে লৈয়া যাইবা কোথা।
নালাগে যাইবাক প্ৰভু সুখে থাকা এথা॥
এবে মোক লাগি প্ৰভু নকৰা সন্তাপ।
অগনিত পুৰি ভস্ম কৰিবোহো পাপ॥১০৫
নিজ ঘৰে আনন্দে থাকাহা প্ৰাণেশ্বৰ।
তোমাৰ আদেশ লৈয়া যায় যম ঘৰ॥
তোমাক কৰিবে দয়া তেবেসে শ্ৰীহৰি।
এহি বুলি কান্দে উষা কৃষ্ণ পদে ধৰি॥১০৬
হৰিৰ শৰীৰে কাম বাঢ়ে দশ গুণে।
সম্বোধিয়া বোলে প্ৰিয়া শুনিয়ো যতনে॥
তোক সাৰ কৈলো সবে পৰিহৰি আশ।
ত্যাজিলোহো সব যজ্ঞ জ্ঞাতি গৃহবাস॥১০৭

তোমাক লইয়া প্ৰিয়া যাইবো বনবাস।
মায়াময় ঊষাকেহে কৰিলোবো আশ॥
সন্তোষ ভৈলন্ত কন্যা হৰিৰ বচনে।
ঊষা বোলে প্ৰভু মোক নিয়া যথা মনে॥১০৮
সদায়ে ৰাখিবা মোক কৰিয়া যতন।
যাহে পতিব্ৰতা ধৰ্ম্ম নহয় উচ্ছন্ন॥
এহি মতে আছে দুইও কথোপকথনে।
তাত পাছে যিবা ভৈল শুনিয়ো যতনে॥১০৯
দিবাকৰ অস্ত গৈলা চন্দ্ৰ দেখা দিলা।
হৰিষে মাধৱে তেৱে ঊষাক ধৰিলা।
অভ্যন্তৰ হন্তে বাহিৰিলা দুই জনে।
ডাকিয়া আনিলা যত পুৰনাৰীগণে॥১১০
মায়া অনিৰুদ্ধ বোলে সবে প্ৰবোধিয়া।
হৰিৰ আদেশে যাওঁ বনক চলিয়া॥
হৰিৰ আদেশে আমি বনবাসে যাওঁ।
কত দিন থাকি বনে দুঃখক খণ্ডাওঁ॥১১১
পিছে আসিবোহো পুনঃ আপোন ঘৰক।
হেন জানি সৱে মন্দিৰত থাকিয়োক॥
কোন থানে নযাইবাহা মোৰ বচনত।
সাৱধানে থাকিবাহা মোৰ আবাসত॥১১২

এহি বুলি নাৰায়ণ জগত আধাৰ।
উষা সমে গৈলা কৰি গৃহ পৰিহাৰ॥
উষা সঙ্গে নাৰায়ণ উঠিয়া ৰথত।
প্ৰবেশ কৰিলা গৈয়া নিৰ্জ্জন বনত॥১১৩
মায়া ৰথ এৰিলেক দেৱ লক্ষ্মীপতি।
কত দূৰ বনে বনে গৈলা যদুপতি॥
চলিতে নপাৰে উষা শ্ৰমযুক্ত অতি।
উষা সমে বৃক্ষতলে বসিলা শ্ৰীপতি॥১১৪
তপত নিশ্বাস উষা কাঢ়ে বাৰে বাৰ।
হায় বিধি হেন দুঃখ লেখিলা আমাৰ॥
কিনো অপৰাধ বিধি কৰিলো তোমাৰ।
সিকাৰণে ইটো শাস্তি কৰিলি আমাৰ॥১১৫
সুখ ভোগ ত্যজিলো যতেক মনোহৰ।
খাট পালঙ্গক ত্যজিলোহো দিব্য ঘৰ॥
অৰণ্য মাজত এবে বসতি আমাৰ।
কোন পাপ ফলে হেন দিলাহা নিকাৰ॥১১৬
এহি মতে মনে দুঃখ কৰন্ত কুমাৰী।
অনেক প্ৰবোধি তুষ্ট কৈলন্ত মুৰাৰি॥
তাত পাছে দুইও জনে কৰিলা গমন।
আগে চলে ৰাধা হেন পিছে নাৰায়ণ॥১১৭

বন উপবন আৰু সাতয় সাগৰ।
তাহাৰ ভিতৰে যাই দেৱ দামোদৰ॥
দিব্য সৰোবৰ এক পাইলন্ত সিথানে।
সুনির্ম্মল জল সুশোভিত পক্ষীগণে॥১১৮
ফুলি আছে জল পুষ্প কমল অপাৰ।
গুণ গুণে মধু পান কৰয় ভ্ৰমৰ॥
হংস চক্রবাক কঙ্ক সড়ালি চড়ায়।
জল খেলা কৰি মীন শেলুক ভুঞ্জয়॥১১৯
কতো পক্ষী জলে পৰি ডাকে সুললিত।
জল ক্রীড়া-শক্ত কৰি আপোনাৰ চিত॥
কতো পক্ষী ক্লান্ত হুইয়া তীৰত আছয়।
কতো পক্ষী পক্ষিণীক ৰমণ কৰয়॥১২০
দেখিয়া পক্ষীৰ কেলি ঊষা শশী মুখী।
ঈষত হাসিলা কন্যা হইয়া মনোদুঃখী॥
সেহি সৰোবৰ তীৰে দিব্য উপবন।
ফলে ফুলে পৰিপূৰ তৰু অগণন॥১২১
নাগেশ্বৰ ৰক্তজবা তগৰ মালতী।
অশোক জয়ন্তী চম্পা আৰু জাতি যুতি॥
কৰৱীৰ বকুল শিৰীষ আৰু বক।
সূৰ্য্যকান্তি সূৰ্য্যমুখী ৰজনী গন্ধক॥১২২

কদম্ব গুলঞ্চ ফুলি আছে শাৰী শাৰী!
ফুটি আছে স্থল পদ্ম বৰ্ণাইতে নপাৰি॥
মধু পান হেতু অলি আসিয়া যুটিছে।
ঘনে গুণ গুণ স্বৰে ঝঙ্কাৰি উঠিছে॥১২৩
মৌপিয়া বুলবুলী মধু খায় সবে।
ডালত কোকিলে ডাকে কুহু কুহু ৰবে॥
আম জাম কণ্টকী লেটেকু পনিয়াল।
খাজুৰ ডাড়িম্ব তাল বেল নাৰীকল॥১২৪
ফল ভৰে হালি আছে বৃক্ষ অগণন।
কল ৰবে ফল ভুঞ্জে যত পক্ষীগণ॥
শীতল মলয় বায়ু সঘনে বহয়।
সুন্দৰ নিৰ্ম্মল থান শোভে অতিশয়॥১২৫
মদন দুৰ্ব্বাৰ দেহ জৰ্জ্জৰ কৰয়।
উষাক ধৰিলা কোলে দেৱ দয়াময়॥
পিন্ধাইলা কুসুম আনি উষাৰ শিৰত।
বিজুলীৰ ছটা যেন শোভে গগনত॥১২৬
আপুনি পিন্ধিলা পুষ্প শিৰত দৈত্যাৰি।
অদভূত দেখি যেন দুই পুষ্প গিৰি॥
পুষ্পৰ সজ্যাত দুইও বসিয়া বিলাসে।
কাম কেলি বিৰচিলা দেব হৃষীকেশে॥১২৭

অধৰ চুম্বন কৰি স্তনৰ মৰ্দ্দন।
ষোড়শ শৃঙ্গাৰ কৈলা আনন্দিত মন॥
গুচাইলা কাচুলি স্তন ভৈলন্ত উদাস।
হৃদয় চাপিয়া ধৰে জগত নিবাস॥১২৮
জঙ্ঘাৰ বসন দূৰ কৈলা নাৰায়ণ।
কাম থান দৰিশিয়া আনন্দিত মন॥
গলত ধৰিয়া মুখে কৰিলা চুম্বন।
মহা আনন্দিত মনে দেৱ নাৰায়ণ॥১২৯
অধৰে অধৰ দিয়া বুকে দিয়া স্তন।
মন সুখে ৰতি ভুঞ্জে দৈৱকী নন্দন॥
খসিলা নিবন্ধ খোপা ছিণ্ডে হেমহাৰ।
দুইৰো মুখে ঘন শ্বাস মদন বিকাৰ॥১৩০
নানাবিধ বন্ধে দুইৰো মনক পূৰিলা।
দুইৰো দুহানত মন বিমোহিত ভৈলা॥
ৰতি অৱসানে ভৈলা সন্তোষী হৃদয়।
শ্ৰমে বিয়াকুল উষা ভৈলা অতিশয়॥১৩১
হাত মেলি বান্ধি আনি হৰিক ধৰিলা।
কৃষ্ণে বুকে বুক দিয়া কোলাত বসিলা॥
উষাৰ বদন হৰি মুছিলন্ত কৰে।
ৰতি ৰসে চুম্বিলা বদন শশধৰে॥১৩২

কৈলা মনোৰথ সিদ্ধি দেৱ দামোদৰ।
নির্জনে ভুঞ্জিলা ৰতি বনৰ ভিতৰ॥
নিজ সুখে দুইও জনে থাকিলন্ত তথা।
মন দিয়া শুনা কহোঁ কুমাৰৰ কথা॥১৩৩

———

অনিৰুদ্ধৰ ঘৰলৈ প্ৰত্যাগমন।

পদ।

হৰিৰ আদেশে বীৰ কামৰ কুমাৰ।
একেশ্বৰে মৃগ মাৰে বনৰ ভিতৰ॥
পশু মাৰি ফিৰিলেক কামৰ নন্দন।
আপোন শৰীৰে দেখে অশুভ লক্ষণ॥১৩৪
আকুল কৰয় চিত্ত ফন্দয় নয়ন।
দুই বাহু ফন্দে আৰু উভয় চৰণ॥
অশুভ লক্ষণ দেখি কামৰ নন্দন।
ঘূৰি আইল মৃগয়াৰ ত্যজিয়া গহন॥১৩৫
ধনু শৰ এড়িয়া পশিলা অভ্যন্তৰ।
প্ৰবেশ কৰিলা গৈলা নিজ বাস ঘৰ॥

ঘৰত প্ৰবেশি ডাকে বুলি প্ৰাণেশ্বৰী।
কিয়নো নামাতা আজি আমাক সাদৰি ॥১৩৬
হায় প্ৰাণেশ্বৰী মোক দিয়া সন্নিধান।
মাতিয়া বচনে দুঃখ কৰা নিবাৰণ ॥
এথাতে থাকিয়া কেনে নেদা সন্নিধান।
মোক লাগি তোৰ দেখো বড় কোপ মন ॥১৩৭
পিতামহে পঠাইলেক মৃগয়া কাৰণ।
এতেকে বিলম্ব প্ৰিয়ে ভৈলা সিকাৰণ ॥
এড়া অসন্তোষ প্ৰিয়ে দিয়া সন্নিধান।
তোমাক নেদেখি মোৰ নসহে পৰাণ ॥১৩৮
কিবা পৰিহাস কৰি আছস লুকাই।
দিয়া সন্নিধান মোৰ বুকু ফাটি যায় ॥
এহি বুলি অনিৰুদ্ধ ফুৰে থানে থানে।
উষাক নেদেখি বীৰ গুণে মনে মনে ॥১৩৯
যি যি থানে থাকে উষা বাণৰ কুমাৰী।
সেহি সেহি থানে বীৰে ফুৰন্ত বিচাৰি ॥
ব্যাকুলে ফুৰন্ত নানা থানে বিচাৰিয়া।
এক এক ঘৰে শত বাৰ আসে চায়া ॥১৪০
শয়ন ভোজন স্নান মন্দিৰে নপাই।
নাট্যশালা বিলাস ভবনে ফুৰে চাই ॥

পূজা গৃহ শিক্ষা গৃহ কহিতো নপাইলা।
অনন্তৰে উদ্যানক বিচাৰিয়া গৈলা।১৪১
একো থানে উষাক যে নপাইলা খুজিয়া।
হা হা প্ৰাণপ্ৰিয়া বুলি পৰিলা ঢলিয়া॥
ঘনে ঘনে নিশ্বাস ত্যজয় কাম সুত।
উষাক সুমৰি কান্দে হুইয়া শোক যুত॥১৪২
শুনা সভাসদ ইতো কৃষ্ণৰ চৰিত্ৰে।
মুকুতি মিলয় পাপ হোৱয় দূৰিত॥
হেন জানি কৰা সবে কৃষ্ণত ভকতি।
বোলা ৰাম ৰাম সবে পাইবাহা মুকুতি॥১৪৩

—০:※:০—

অনিৰুদ্ধৰ বিলাপ।

ছবি।

কান্দে কামদেৱ সুত হুইয়া অতি বিমূৰ্চ্ছিত
দীৰ্ঘ ৰাৱে প্ৰিয়া প্ৰিয়া বুলি।
হা হা মোৰ প্ৰাণেশ্বৰী মোক একেশ্বৰ কৰি
কোথা গৈলা প্ৰাণ যায় গলি॥

তুমি মোৰ জীৱ ধন সংসাৰৰ সাৰ ৰত্ন
প্ৰাণৰ বল্লভা বৰ বালা।
নেদেখি তোমাৰ মুখ বাঢ়য় দাৰুণ দুখ
দৰশন দিয়া চন্দ্ৰকলা॥১৪৪
যেবে দৰশন দিয়া বাণ সুতা প্ৰাণপ্ৰিয়া
মুখ শশী দেখোহোঁ নয়নে।
তেবে মোহোৰ হৃদয় অতি সুপ্ৰসন্ন হয়
দুঃখ শোক নাথাকিব মনে॥
ধৰণীত পৰে ঘন ক্ষণে হয় অচেতন
ক্ষণে যায় শীতল মন্দিৰ।
ক্ষণে দীৰ্ঘ ৰাৰ কাঢ়ি কান্দে উষা উষা বুলি
লোচন ঢাকিয়া বহে নীৰ॥১৪৫
ক্ষণে প্ৰিয়া প্ৰিয়া বুলি পড়য় নিঢালে ঢলি
স্মৃতি জ্ঞান নাহি শৰীৰত।
পুনঃ উঠি বেগে যায় প্ৰিয়া প্ৰিয়া বুলি ধায়
অতিশয় হুইয়া উন্মত্ত॥
ক্ষণে চাহে ঊৰ্দ্ধ মুখে অতিশয় মনোদুঃখে
শূন্য খাট পালেঙ্গ চাহিয়া।
কোথা গৈলি প্ৰাণেশ্বৰী শূন্য খাট আছে পড়ি
বিৰহ সন্তাপ মোক দিয়া॥১৪৬

হায় মোৰ প্ৰাণেশ্বৰী তোমাৰেসে ঘৰ বাড়ী
দেখি মোৰ নৰহে জীৱন।
স্কন্ধত ঝুলিক লৈয়া ফুৰিবো ভিক্ষাৰী হৈয়া
যেবে নপাও প্ৰিয়া দৰিশন॥
শুনা সভাসদ লোক মহন্তৰ কেনে শোক
দেখা ইটো স্ত্ৰীৰ কাৰণে।
ত্যজা ইটো আশা পাশ কৃষ্ণ পাৱে কৰা আশ
ৰাম ৰাম বোলা সৰ্ব্বজনে ১৪৭

## পদ।

অসাৰ সংসাৰ কিছু নালাগে গম্ভীৰ।
অনিৰুদ্ধ আছে যেন মৃতক শৰীৰ॥
ঘনে ঘনে উঠে বীৰ কান্দিয়া কান্দিয়া।
কোথা গৈলি প্ৰাণেশ্বৰী আমাক এড়িয়া॥১৪৮
মৃদঙ্গ মন্দিৰা বীণা নীৰব হইয়া।
আছে খাট পিড়া ঝাৰী সকলে পড়িয়া॥
ধিক গৃহবাস কি কৰিব ধন জনে।
প্ৰিয়া বিনে পথ মোৰ নেদেখো নয়নে॥১৪৯

যেবে কৌতুকত থাকো তুমিয়ে সহিতে।
তেখনে কৰস মায়া চঞ্চল চৰিত্রে॥
যদি সেহি মনে প্রিয়ে আছস লুকাই।
দৰশন দিয়া শীঘ্রে প্রাণ ফুটি যায়॥১৫০
হা হা বিধি কতনো কৰিলো ঘোৰ পাপ।
সেকাৰণে ভুঞ্জো এবে এতেক সন্তাপ॥
কিবা তিৰী পুৰুষে কৰিছো অঘটন।
সেহি দোষে হইলো মই প্রিয়া বিচ্ছেদন॥১৫১
এহি বুলি পুনৰপি কৰন্ত বিলাপ।
প্রিয়া শোকে এড়িলন্ত দম্ভাদি প্রতাপ॥
হায় প্রাণেশ্বৰী মোৰ প্রিয়ে বৰ নাৰী।
দানৱ নন্দিনী উষা গুণৰ সাগৰী॥১৫২
সৰ্ব্ব সুলক্ষণী উষা গুণৰ পুতলী।
শশাঙ্ক বদনী তুমি সৰ্ব্বাঙ্গ কোমলী॥
হেন প্রিয়া কোথা গৈলি মোক পৰিহৰি।
ফাটয় হৃদয় মোৰ সুমৰি সুমৰি॥১৫৩
বৃষ্টি ধাৰে নয়নৰ লোতক বহয়।
বিমূৰ্চ্ছিত ভৈলা বীৰ মৃতকৰ প্রায়॥
ৰহোক কুমাৰ কথা থৈলো এহি মানে।
নাৰদৰ কথা কহো শুনা একমনে॥১৫৪

## নাৰদৰ মুখে উষাৰ সংবাদ প্ৰাপ্তি আৰু অনিৰুদ্ধৰ যুদ্ধ যাত্ৰা।

### পদ।

গগন মণ্ডলে যায় ব্ৰহ্মাৰ তনয়।
দেখিলে উষাক ক্ৰীড়ে দেৱ কৃপাময়॥
কৰে মনোৰথ কেলি নিৰ্জন গহনে।
দেখিয়া আনন্দে মুনি ৰঙ্গ পাইলা মনে॥১৫৫
এবে গৈয়া কহো অনিৰুদ্ধৰ আগত।
লাগোক কন্দল আৰে দেখোহো বনত॥
আজোৰে নাতিৰে যুদ্ধ দেখো এথানত।
এহি বুলি আলোচিয়া মুনি চলিলন্ত॥১৫৬
দেখে অনিৰুদ্ধ পড়ি আছে ধৰণীত।
সুন্দৰ শৰীৰ সিটো ধূলায় লিপিত॥
হাতে ঠেলি কুমাৰক কৰিলা চেতন।
উঠা উঠা অনিৰুদ্ধ কামৰ নন্দন॥১৫৭
মুনি বোলে কেন হেন অৱস্থা তোমাৰ।
কিসক বিকল দেখো বীৰবৰ সাৰ॥
কুমাৰে বোলন্ত মুনি কিবা সোধা আৰ।
কোনেবা হৰিলে উষা কুমাৰী বজাৰ॥১৫৮

ত্ৰৈলোক্য সুন্দৰী নিলে কোন জনে হৰি।
মোৰ ৰূপ ধৰি নিলে কহে পৰিচাৰী॥
এবে মুনিৰাজ তব ধৰো চৰণত।
ভূত ভবিষ্যত তুমি জানাহা সমস্ত॥১৫৯
দেৱে বা নিলেক কিবা দৈত্যে গৈলা লৈয়া।
কোনে হৰি নিলে ভাৰ্য্যা দিয়োক কহিয়া॥
শুনিয়া নাৰদ মুনি তুলিলন্ত হাস।
শুনা বোলো কুমাৰ উষৰ ত্যজা আশ॥১৬০
কেনমতে উষাক লভিবা তুমি আৰ।
যি জনে হৰিলা উষা সি সি বীৰ সাৰ॥
অনিৰুদ্ধ বোলে যদি হয় পুৰন্দৰ।
তাহাতো নাহিকে শঙ্কা শুনা মুনিবৰ॥১৬১
মুনি বোলে অনিৰুদ্ধ গুণি চোৱা মনে।
তোমাৰ সদৃশ ৰূপ ধৰে কোন জনে॥
গোবিন্দ বিনায় মায়া ধৰে কোনে আৰ।
হৰিএ নিলেক হৰি উষাক তোমাৰ॥১৬২
সিন্ধু মাজে কুঞ্জ বনে নিলে দামোদৰে।
সেহি কুঞ্জ বনে পাইবা যোৱাহা সত্বৰে॥
মুনিৰ মুখত শুনি এতেক কাহিনী।
কোপে কম্পমান বীৰ মুখে নাসে বাণী॥১৬৩

অধৰ কামোৰে অতি কামৰ কুমাৰ।
মুষ্টিৰ প্ৰহাৰে কৰে পৃথিৱী বিদাৰ॥
কোপে দৃঢ়তৰ মুষ্টি হানে মহাবীৰ।
মুষ্টি লাগি ধৰণী ভৈলন্ত দুই চিড়॥১৬৪
সসাগৰা পৃথিৱী কম্পিয়া ভৈলা থিৰ।
অধৰ কামুৰি কোপে বুলিলন্ত বীৰ॥
আসনত কোপে কম্পে থিৰ নহে কায়া।
কিবা দেৱতাৰ আৰু কিবা বিষ্ণু মায়া॥১৬৫
পৰিঘ হাতত কৰি কৰিলা গমন।
একোকে নামানে যেন প্ৰচণ্ড বাৰণ॥
গহনে চলিয়া যান্ত একো নগণিয়া।
শৰীৰৰ বাৰে তৰু পৰে উফৰিয়া॥১৬৬
বাহুৰ ঠেলাত ভাঙ্গে কতো শাল তাল।
প্ৰচণ্ড প্ৰতাপে চলে যেন যম কাল॥
শাল তৰু ছিন্ন কৰি চলিলা কুমাৰ।
লঙ্ঘিলা সাগৰ গিৰি নদী সৰোবৰ॥১৬৭
প্ৰবেশ ভৈলন্ত কুঞ্জ বনৰ ভিতৰ।
দেখিলেক উষা আসে অনিৰুদ্ধ বীৰ॥
দেখি যুৱতীৰ ভয়ে উড়ি গৈলা প্ৰাণ।
কৃষ্ণক সম্বোধি হেন বুলিলা বচন॥১৬৮

হেৰা মোৰ প্ৰভু আনে বীৰবৰ সাৰ।
মহা কোপে ধৰি হাতে পৰিঘ দুৰ্ব্বাৰ॥
তুমি কোন জন আসি ৰাগীৰূপ ধৰি।
যাবে শাপ নাহি দেও কহা শীঘ্ৰ কৰি॥১৬৯
গোবিন্দ বদতি উষা নিদিবাহা শাপ।
কামে বিমোহিত হুয়া কৰিছোহো পাপ॥
মই দেৱ নাৰায়ণ ত্ৰৈলোক্যৰ পতি।
তোৰ ৰূপ শুনি বিমোহিত ভৈল মতি॥১৭০
হৰিলো তোমাক অনিৰুদ্ধ মায়া ধৰি।
ত্ৰিজগত পতি মই জানাহা সুন্দৰী॥
নাতিনী সম্বন্ধে মই হৰিলো তোমাক।
হেন জানি মোৰ দোষ ক্ষমা কৰিয়োক॥১৭১
হেন শুনি মনো দুঃখে উষা সুবদনী॥
অধোমুখে গোবিন্দক বোলে মন্দ বাণী॥
কি কাৰণে এনে কৈলা দেৱ নাৰায়ণ।
মোৰ সতী ধৰ্ম্ম তুমি কৰিলাহা ছন্ন॥১৭২
সৰ্ব্বক্ষণে হেন মতি নুগুচে তোমাৰ।
ধৰণী মণ্ডলে মোৰ বৈল খিলিক্কাৰ॥
এতেক গোষ্ঠীৰ মাজে কৰিলাহা লাজ।
কামাতুৰ হৈয়া হেন কৰিলা অকাৰ্য্য॥১৭৩

গোকুলে আছিলা তুমি হৈয়া যে গোৱাল।
পৰনাৰী হৰিতে তোমাৰ গৈল কাল॥
এবে কুল বধূ হৰি কৰিলি কু-যশ।
ইসব সুমৰি কেনে মৰিয়া নাযাস॥১৭৪
কামে অন্ধ হৈয়া তই নেদেখাহা বাট।
সৰ্ব্ব কালে লুগুচিল তোৰ কূটনাট॥
জাতি কুলাচাৰ কিছু নাহিঁকে বিচাৰ।
গোৱাল কুলৰ হেন নাহি ব্যৱহাৰ॥১৭৫
ছদ্মবেশে আসি কৰিলিহি ব্যভিচাৰ।
নাতিৰ হৰিলি নাৰী দুষ্ট দুৰাচাৰ॥
কান্দে উষা সতী কি কৰিলা নাৰায়ণ।
তোত তিৰী বধ দিয়া ত্যজিবো জীৱন॥১৭৬
ষোড়শ সহস্ৰ তোৰ আছয় যুৱতী।
তথাপি পাপিষ্ঠ তোৰ ক্ষমা নাহি মতি॥
আপুনি আপোন তই চিন্তিলি মৰণ।
এহি বুলি উষা সতী কৰয় ক্ৰন্দন॥১৭৭
হৰি বোলে শুনা উষা নুদুষিবা মোক।
কুকৰ্ম্ম কৰিছো আৰু ক্ষমা কৰিয়োক॥
আৰু এক কথা উষা শুনাহা আমাৰ।
মোহোক মাৰিতে আছে শকতি কাহাৰ॥১০৮

হেন কালে অনিৰুদ্ধ সমীপ চাপিলা।
কৃষ্ণক দেখিয়া বীৰ গৰ্জ্জিবাক লৈলা॥
ছল কৰি মোক তঞিঃ বনক পঠায়া।
মায়া কৰি মাতি আনিছস মোৰ জায়া॥১৭৯
গোকুলত নথাকিল গোৱালৰ নাৰী।
এহি তোৰ ধৰ্ম্ম পৰ নাৰী কৰা চুৰি॥
আপোনাৰ ধৰ্ম্ম পত্নী এড়িয়া সকল।
পৰ ধন পৰ নাৰী হৰিতে বিকল॥১৮০
মোৰ নাৰী চুৰি কৰি আনিলি নিলাজ।
তাৰ ফলে যাস আজি যমৰ সমাজ॥
এহি বুলি অনিৰুদ্ধ কোপে ধায়া গৈলা।
কুমাৰৰ কোপে হৰি সচকিত ভৈলা॥১৮১
সঙ্কোচিত হৈয়া হৰি কাকূতি কৰয়॥
একবাৰ দোষ ক্ষমা কৰা মহাশয়।
কাম বেগে হৰিলোহো তোমাৰ যুৱতী।
সংসাৰত মোত পৰে নাহিকে দুৰ্ম্মতি॥১৮২
নামানে কাকূতি বীৰ ক্রোধে আসে ধাইয়া।
দেখি অন্তৰিল হৰি ঊষাক এৰিয়া॥
কোথা যাস বুলি ধাইয়া গৈলা ক্রোধ হৈয়া।
পৰিঘৰ কোব দিলা দশন চোবায়া॥১৮৩

হৰিৰ শিৰত পড়ি পৰিঘ প্ৰচণ্ড।
তেখনে ভৈগন্ত অস্ত্ৰবৰ খণ্ড খণ্ড॥
হৰি বিনে সহে কোনে ইহেন সন্ধান।
আন হৈলে দেখে সিটো যমৰ ভবন॥১৮৪
পৰিঘ প্ৰহাৰ পাইয়া দেৱ নাৰায়ণ।
অনিৰুদ্ধ হাতে ধৰিলেক তেতিক্ষণ॥
শুনা সভাসদ ইটো কৃষ্ণৰ চৰিত্ৰ।
নাতিৰ আজোৰ যুদ্ধ তিৰীৰ নিমিত্ত॥১৮৫
বাসুদেৱ কাম সুত একই শৰীৰ।
দুইও বিচ্ছেদ ভৈলা নিমিত্তে তিৰীৰ॥
আনো সব সামান্যৰ কি কহিব কথা।
নাৰীৰ নিমিত্তে হয় অনেক অৱস্থা॥১৮৬
ইটো মায়া মোহ এড়ি কৰা একমতি।
তেবেসে বাঢ়িবে কৃষ্ণ-চৰণে ভকতি॥
জানিয়া কৃষ্ণৰ পদ হৃদে কৰা সাৰ।
ৰাম ৰাম বুলি কৰা পুৰুষ উদ্ধাৰ॥১৮৭

অনিৰুদ্ধৰ শ্ৰীকৃষ্ণৰ লগত যুদ্ধ।

## ঢুলড়ী।

যুঝে দুই বীৰ ক্ৰোধিত শৰীৰ
প্ৰমত্ত মাতঙ্গ প্ৰায়।
ধৰি দুই জনে হানয় সঘনে
মুষ্টি যেন বজ্ৰময়॥
পাৰে পাৰে ছান্দি ধৰিলন্ত বান্ধি
যেন যুঝে গজ ৰাজে।
আন্দোল আস্ফাল দুয়োৰো ঘণ্ডাল
মাংস হেতু যেন বাজে॥১৮৮
চৰণ চাপৰ ভুকু কিল লাথি
মাৰে নাহি দুইৰো ক্ষমা।
গিৰিৰ শিখৰে যেন বজ্ৰ পড়ে
দুইও যুঝে অনুপমা॥
দুইকো দুইজন ছিদ্ৰ চাহে ঘন
দুইকো দুই বলে মাৰ।
উঠে পড়ে ঘন প্ৰহাৰে চৰণ
অনিৰুদ্ধ নাযোদৰ॥১৮৯

দুইৰো সমৰ অতি ঘোৰতৰ
দেখিয়া নাৰদ মুনি।
ব্ৰহ্মা আদি হৰ যম পুৰন্দৰ
সবাত কহিল বাণী॥
ৰঙ্গ চাহিবাক বৃষভে চড়িয়া
আসিলন্ত শূলপাণি।
কৃষ্ণক দেখিতে আইলা সবে দেৱ
ৰৈলা আকাশক ছানি॥১৯০
মুষ্টি বজ্ৰ সম ধৰি অনুপম
হৰি কৰি ক্ৰোধ বড়।
মাৰিলন্ত টানি দেৱ চক্ৰপাণি
পৰ্ব্বত যেন উপৰ॥
অনিৰুদ্ধ বীৰ হইয়া অস্থিৰ
পড়িলা নাহিকে মাত।
যেন বজ্ৰপাতে পড়ে শাল তাল
পৰ্ব্বতৰ শিখৰত॥১৯১

## পদ।

মুষ্টি ছোটে কোপ মনে অনিৰুদ্ধ বীৰ।
অনন্তৰে বাহু যুদ্ধ কৰে হুয়া স্থিৰ॥

ঊষা হৰণৰ পদ অতি মনোহৰ।
পঢ়িলে শুনিলে পুণ্য বাঢ়য় বিস্তৰ ॥১৯২
ইহলোকে সুখ ভোগ পৰে স্বৰ্গে গতি।
কহে বৃষকেতু ইটো ভাবি লক্ষ্মীপতি।
জানি সাধু জন এড়িয়োক আন কাম।
সঘনে ঘোষিও নিৰন্তৰে ৰাম ৰাম ॥১৯৩

## দুলড়ী।

দুইয়ো বীৰ সাৰ সমৰে দুৰ্ব্বাৰ
গোবিন্দ কাম কুমাৰ।
দুইও জন খঙ্গি কৰি অঙ্গি ভঙ্গি
ছাড়ি ঘোৰ হুহুঙ্কাৰ॥
দুইও তেজিয়ান অগনি সমান
প্ৰলয়ৰ যেন যম।
হাতে হাতে ধৰি কৰি জুড়া জুড়ি
কাকো কেহো নহে সম ॥১৯৪
লাগিলা সমৰ অতি ভয়ঙ্কৰ
অন্তৰীক্ষে ৰঙ্গ মনে।

ব্ৰহ্মা আদি কৰি ৰথত চড়িয়া
যুদ্ধ চাহে দেৱগণে ॥
দুইয়োৰো সমৰ অতি ভয়ঙ্কৰ
দুইকো দুই ছিদ্ৰ চায়।
মুণ্ডে মুণ্ডে তাৰে ঘোৰ নাদ কাঢ়ে
বাসুকি যেন ফোফায় ॥১৯৫
কামোৰে আঞ্চুৰে কিল ভুকু মাৰে
ধূলায়ে লিপিত হৈয়া।
কৰে জড়াজড়ি মহা ক্ৰোধ কৰি
নানান দন্দ্ব কৰিয়া ॥
দুইও পাছে ভাড়ি ধৰে আগবাঢ়ি
যাবত ধৰি আছাৰে।
ৰুধিৰতে তনু দুইও শোভে পুনু
ঘোৰতৰ নাদ ছাড়ে ॥১৯৬
ছিদ্ৰ পাইয়া হৰি কুমাৰক ধৰি
হৃদয় চাপিয়া গলে।
অতি দুঃখ মনে থাকিল চাহিয়া
কুমাৰ অশক্ত বলে ॥
স্তম্ভি কতক্ষণ কামৰ নন্দন
ধৰি দৃঢ়তৰ মুষ্টি।

অতি কোপ মনে হৰিক তেখনে
মাৰিলন্ত গৈয়া উঠি ॥১৯৭
মুষ্টিৰ প্ৰহাৰ পাইয়া দামোদৰ
দেখিলন্ত তমোময়।
ভূমিত বসিয়া ত্ৰিভুবন পতি
নয়ন থিৰ কৰয় ॥
স্তম্ভি কতক্ষণ দৈৱকী নন্দন
কোপে কুমাৰক ধৰি।
জড়াজড়ি কৰি ধৰণীত পড়ি
হৃদয় চাপিয়া হৰি ॥১৯৮
কৰিলা প্ৰহাৰ মুষ্টি গুৰুতৰ
কুমাৰৰ কপালত।
প্ৰহাৰক পাইয়া কুমাৰ কম্পিয়া
গুণন্ত পাছে মনত ॥
আৰ এক ছোট কৰয় প্ৰহাৰ
ধৰিয়া গৰুড়-কেতু।
মুষ্টিৰ প্ৰহাৰ পাইয়া কুমাৰ
অজ্ঞান ভৈলা সিহেতু ॥১৯৯
দুইও মহাবল কৰয় কন্দল
দেখিয়া নাৰদ মুনি।

কামদেৱ আগে কহিলা সমস্ত
সত্বৰে গৈয়া আপুনি ॥
শুনা সৰ্ব্ব জন কৰি এক মন
ঊষা হৰণৰ কথা।
ত্যজা আন কাম বোলা ৰাম ৰাম
জন্মক নকৰা বৃথা ॥২০০

—•:+:•—

নাৰদ কৰ্ত্তৃক কামদেৱ আদি কৃষ্ণ-অনিৰুদ্ধৰ যুদ্ধৰ
সংবাদ প্ৰদান; কামদেৱ বলভদ্ৰ আদি আৰু
দেৱতাসকলৰ যুদ্ধ ক্ষেত্ৰত আবিৰ্ভাব।

## পদ।

শুক নিগদকি বোলন্ত শুনিয়ো পৰীক্ষিত।
নাৰদ বদতি দেখা সমা ভূমিত ॥
বন মাজে তব পুত্ৰে গোবিন্দে মাৰয়।
কিবা মৰে কিবা জীয়ে নাহিকে নিশ্চয় ॥২০১
নাৰদৰ মুখত হেনয় কথা শুনি।
কামৰ হৃদয়ে যেন জ্বলিলা অগনি ॥

হা হা পুত্ৰ বুলি কাম জুড়িলা ক্ৰন্দন।
কৈক যাস এড়ি মোক প্ৰাণৰ নন্দন ॥২০২
অনিৰুদ্ধ পুত্ৰ মোৰ সৰ্ব্বাঙ্গ সুন্দৰ।
এহি বুলি মূৰ্চ্ছা গৈলা কৃষ্ণৰ কুমাৰ ॥
দেখি ৰতি নাৰি আসি প্ৰভো প্ৰভো কৰি।
কান্দিতে লাগিলা শোকে আলিঙ্গিয়া ধৰি ॥২০৩
উঠা উঠা প্ৰভো এবে হৱা সচেতন।
চলা যাই দেখো গৈয়া পুত্ৰৰ মৰণ ॥
আমাৰ যে মৰণ ভৈলন্ত সাৰে সাৰ।
তব বাপে মাৰিলেক কুমাৰ আমাৰ ॥২০৪
একে পুত্ৰশোকে মৰো তুমি অচেতন।
অভাগিনী মোক প্ৰভো দিয়া সমিধান ॥
এহি বুলি কান্দি কান্দি সুললিত বাৰে।
সুশীতল চন্দন সিঞ্চয় হাতে পাৰে ॥২০৫
কতক্ষণে চেতন লভিয়া বীৰ কাম।
কান্দিতে লাগিলা সুমৰিয়া পুত্ৰ নাম ॥
হায় পুত্ৰ কৈক গৈলা মোক পৰিহৰি।
উষাৰ কাৰণে এবে প্ৰাণে গৈলা মৰি ॥২০৬
পূৰ্ব্বে বাণসুৰ পুৰে উষাৰ কাৰণে।
চিত্ৰলেখী হৰি লৈয়া গৈলেক আপোনে ॥

কৰাইলা বিবাহ তাঙ্ক গন্ধৰ্ব্ব বিধানে।
পাছে বাণসুৰ জানি মাৰিবাক মনে ॥২০৭
নাগপাশে বান্ধি থৈলা নকৈলা বিনাশ।
তাহাত ৰহিলা এবে গৈলা যমপাশ ॥
বাপক বিনাশ কেলা বিধবা লক্ষণী।
পুনৰপি স্বামীৰ যে মিলাইলা বিঘিনি ॥২০৮
হা পিতা হেনয় দাৰুণ কৈলা কাম।
নাতিবধু হৰি কিনো ৰাখিলা কুনাম ॥
কুলবধু হৰি কিনো কৰিলা কুকাৰ্য্য।
কিবা লাজে ওলাইবাহা জ্ঞাতিগণ মাজ ॥২০৯
হিয়া ধাকুৰিয়া কান্দে ৰতি বৰ নাৰী।
হায় প্ৰাণপুত্ৰ মোক গৈলা কৈক এড়ি ॥
কোনে মোক আই বুলি আসি প্ৰণামিব।
বচন মধুৰ বাক্যে কোনে সম্বোধিব ॥২১০
কাহাৰ মুখক দেখি জুড়াইব নয়ন।
হা হা কি কৰিলা প্ৰভু দৈৱকী নন্দন ॥
বড় আৰ্ত্তৰাৱে কান্দে ৰতি বৰ নাৰী।
লক্ষ্মী সৰস্বতী শুনি আইলা শীঘ্ৰ কৰি ॥২১১
লক্ষ্মী বোলে বাপু কেন কান্দিছ মদন।
কিয় কান্দ ৰতি আই কহিয়ো কাৰণ ॥

হৃদনে বোলন্ত আই কিবা পুছা আৰ।
বাপ হইয়া মাৰিলেক তনয় আমাৰ ॥২১২
ঊষাক হৰিলে আৰু পুত্ৰৰ মৰণ।
এহি শোকে আমাসাৰ দহে তনু মন॥
পুত্ৰৰ মৰণে মোৰ জীৱন নিষ্ফল।
হইয়াছে হৃদয় সিকাৰণে শোকাকুল ॥২১৩
হেন শুনি লক্ষ্মী সৰস্বতী দুয়ো জন।
মনোদুঃখে দুইও জনে কৰিলা ক্ৰন্দন॥
হা হা কি কৰিলা প্ৰভু মুকুন্দ মুৰাৰি।
জানিয়া কুকৰ্ম্ম তুমি হৰা পৰ নাৰী ॥২১৪
ইটো বিশেষত নাতি-বধু হৰিলাহা।
কোন লাজে জ্ঞাতিৰ মাঝত বসিবাহা॥
এহি বুলি দুইও দেবী কান্দন্ত বিলাপে।
পুত্ৰে শোকাকুল দেখি নাতিৰ সন্তাপে ॥২১৫
শুনি বলভদ্ৰ আসি তথাতে মিলিলা।
মধুৰ বচনে সবাহাঙ্কে সন্তোষিলা॥
কামদেৱ লড়ি পাছে গৈলা কুঞ্জবন।
অনিৰুদ্ধ সমে যথা যুঝে নাৰায়ণ ॥২১৬
দুইও বীৰ যুদ্ধ কৰে অতি বড় টান।
দুইকো দুই কৰে কত দাৰুন সন্ধান॥

মাংসক লাগিযা যেন দুই সেন যুঝে।
সেহি মতে যুঝে দুইও কুঞ্জবন মাঝে ॥২১৭
হেন কালে বলভদ্র আসি পাইলা লাগ।
দুইৰো মাঝ পশি যুদ্ধ ভাঙ্গে মহাভাগ ॥
বড় ভাইক দেখি হৰি বড় লাজ পাইলা।
অধোমুখে বসুমতী চাহিয়া ৰহিলা ॥২১৮
বলভদ্র আইলা দেখি আইলা দেৱগণ।
পাৰ্ব্বতী সহিতে আইলা দেৱ ত্ৰিনয়ন ॥
প্ৰণমন্তে বলভদ্রে হৰিক বুলিলা।
হেনয় কুকৰ্ম্ম তুমি কিয়নো কৰিলা ॥২১৯
শুনিয়া তোমাক হাসিবেক ত্ৰিজগত।
লাজ অপমান কথা নাহিকে মনত ॥
জানিলো তোমাৰ মনে নাহি কিছু লাজ।
সন্ত জনে কভু নকৰয় হেন কাজ ॥২২০
যুবা কালে হেন বুদ্ধি আছিল তোমাৰ।
ইদানিকো এড়িতে নোৱাৰা পাৰদাৰ ॥
এই সব বচনে নিন্দিয়া গোবিন্দক।
প্ৰবোধ বচন বুলিলন্ত কুমাৰক ॥২২১
শুনা অনিৰুদ্ধ বাপু বচন আমাৰ।
উষাক যে লৈয়া যাস ঘৰে আপোনাৰ ॥

যি ভৈলা সি ভৈলা বাপু নকৰস ৰোষ।
খানিকো নাহিকে উষা কুমাৰীত দোষ ॥২২২
ব্রহ্মা আদি কৰি মায়া নাজানে যাহাৰ।
তান মায়া বুঝিবেক নাৰী কোন ছাৰ ॥
অতএব কিছু দোষ নাহিকে উষাৰ।
আমাৰ বচন ধৰা অন্যথা নকৰ ॥২২৩
সৰ্ব্ব দোষ ক্ষমা কৰা চলা নিজ ঘৰ।
হেন শুনি বুলিলন্ত কামৰ কুমাৰ ॥
উষা যুৱতীত মোৰ নাহি প্রয়োজন।
দুষ্টা নাৰী ঘৰে নিব কিসৰ কাৰণ ॥২২৪
ধৰ্ম্ম নষ্ট কৰিলেক আনি নাৰায়ণ।
নিয়োক গোবিন্দে তাইক আপোন ভবন ॥
যদি মঞি দুষ্টা নাৰী লৈয়া যাও ঘৰে।
তেবেকি বুলিব ভাল দেৱাসুৰ নৰে ॥২২৫
নুবুলিবা কিছু বাণী আৰু বলদেৱ।
ক্ষমা কৰিয়োক প্রভো পাৱে কৰো সেৱ ॥
বোলে কামদেৱ সুত মনে দুঃখ কৰি।
কি কাৰ্য্য কৰিলা কৃষ্ণে কুলবধূ হৰি ॥২২৬
হৰিলা নাতিনী বধূ ভাঙ্গিলাহা ঘৰ।
বলভদ্রে বোলে বাপু এবে ক্ষমা কৰ ॥

পিতামহে নিন্দিতে কি নাহি কিছু লাজ।
আমি সব থাকিতে তোমাৰ কিবা কায ॥২২৭
তাত পাছে কুমাৰক ধৰি ত্রিনয়ন।
কোলাত কৰিয়া বোলে মধুৰ বচন ॥
ধূলা ঝাৰি নানা মত কৰন্ত প্রবোধ।
মন দিয়া শুনা কথা বাপু অনিৰুদ্ধ ॥২২৮
মনত আনন্দ কৰা কোপ পৰিহৰি।
উষা লৈয়া হৰিষে চলিয়ো নিজ পুৰি ॥
নকৰস শঙ্কা তুমি কলঙ্কক ডৰে।
নহন্ত কুলটা উষা জানিবা অন্তৰে ॥২২৯
কহিব পূর্ব্বৰ কথা শুনাহা সম্প্রতি।
অহল্যাক হৰিলেক দেৱ শচীপতি ॥
তথাপি অহল্যা সতী খ্যাত ত্রিভুবনে।
হেন জানি শঙ্ক তুমি নকৰিবা মনে ॥২৩০
আৰু দেখা কুন্তী পঞ্চ পাণ্ডৱ জননী।
ইন্দ্র যম বৰুণ ভজিল দেৱ তিনি ॥
তিনি দেৱতাৰ তিনি পুত্র ভৈলা জাত।
তথাপিতো সতী বুলি জগতে বিখ্যাত ॥২৩১
এক দ্রৌপদীৰ পঞ্চজন ভৈলা পতি।
তথাপি দ্রৌপদী ত্রিভুবনে খ্যাত সতী ॥

চতুৰ্দ্দশ লোক যদি হৱয় নিৰাশ।
তব ভাৰ্য্যা সতী বুলি থাকিলে প্ৰকাশ ॥২৩২
হেনজানি বাপু তুমি খেদ পৰিহৰি।
ঊষা লৈয়া আনন্দে চলিয়ো নিজ পুৰী ॥
মঞি ভিন্ন হৰি ভিন্ন হেন ভাব এড়।
স্বৰূপে চিন্তিয়া দেখা দুইও একাকাৰ ॥২৩৩
সঞ্জাত নাযায়া যদি দেখা বিদ্যামান।
হয় কি নহয় চাহা মুদিয়া নয়ন ॥
হৰিৰ চৰণ চাহে মুদিয়া নয়ন।
হৰি সমে এক তনু দেখিলা তখন ॥২৩৪
দেখিয়া কুমাৰে তেবে মেলিয়া নয়ন ;
প্ৰণামিলা হৰি পদে কৰি এক মন ॥
পাছে ঊষা সতী কান্দি স্বামীক বোলয়।
মোক প্ৰতি প্ৰাণনাথ হৈয়োক সদয় ॥২৩৫
নাহি মোৰ দোষ নাথ কোপ পৰিহৰ।
দাসী কৰি মোকে প্ৰভো লৈয়া যাস ঘৰ ॥
তোমাৰ সদৃশ মায়া কৰি দামোদৰ।
হৰিয়া আনিলে মোক বনৰ ভিতৰ ॥২৩৬
প্ৰত্যক্ষ দেখিলা তাক আসিয়া আপুনে।
তিৰী জাতি হৈয়া মঞি জানিবো কেমনে ॥

হেন জানি প্ৰাণনাথ এড়া সব ৰোষ।
বিচাৰিয়া দেখা মোৰ কিছু নাহি দোষ ॥২৩৫
তোমাৰ কাৰণে আৰাধিলো হৰ-গৌৰী।
সন্তুষ্টা হইয়া বৰ দিলন্ত ঈশ্বৰী ॥
চিত্ৰলেখী আনি মোক দিলা প্ৰাণপতি।
আসিয়া আমাক স্বপ্নজ্ঞানে নিলা ৰতি ॥২৩৮
তব প্ৰাণপ্ৰিয়া মঞি দানৱ নন্দিনী।
মোক প্ৰতি স্নেহ প্ৰভু নছাড়িবা জানি ॥
দাসী বুলি একবাৰ লৈয়ো প্ৰাণেশ্বৰ।
শৰণ পশিলো প্ৰভু দোষ ক্ষমা কৰ ॥২৩৯
বোলে অনিৰুদ্ধ বীৰ মধুৰ বচন।
ক্ষমিলোহো দোষ হোৱা প্ৰসন্ন বদন ॥
হেন শুনি ঊষা সতী হাতযোড় কৰি।
দেবগণে প্ৰণামিলা পৃথিবীত পড়ি ॥২৪০
গোবিন্দ চৰণে পড়ি কৰে নমস্কাৰ।
লক্ষ্মী সৰস্বতী দেৱী যত গণ আৰ ॥
শ্বশুৰক প্ৰণাম কৰিয়া জানু শিৰে।
স্বামীক প্ৰণামি ঊষা কৈলা তদন্তৰে ॥২৪১
তুমি সৰ্ব্ব দেৱ প্ৰভু তুমি নিজ স্বামী।
সততে তোমাক সেৱা কৰিবোহো আমি ॥

তাত পাছে কুমাৰে নমিলা দেৱগণ।
কৈলাশক গৈলা হৰগৌৰী তেতিক্ষণ ॥২৪২
কুমাৰক আশ্বাসিয়া যত দেৱগণ।
ৰথে চড়ি গৈলা সবে আপোন ভবন ॥
ঊষা লৈয়া কুমাৰ চলিলা নিজ ঘৰে।
চলিলা সকল দেৱ আপোন মন্দিৰে ॥২৪৩
ইহলোকে শ্ৰীযুক্ত পৰলোকে গতি।
ঊষা হৰণৰ পদ লৈলা সমাপতি ॥
শুনা সভাসদ সবে এড়ি আন কাম।
পাতক ছাড়োক ডাকি বোলা ৰাম ৰাম ॥২৪৪



